

*Approved as Text-book in class VII and VIII of high schools, Assam [Order No. 549 Dated 11th Oct, 1922. Published in Assam Gazette Nove — 1922.]*

# মুৰলী।



শ্ৰীসৰ্ব্বেশ্বৰ শৰ্ম্মা কটকী প্ৰণীত


ভট্টাচাৰ্য্য এজেন্সীৰ

শ্ৰীশিবনাথ ভট্টাচাৰ্য্যৰ দ্বাৰা

প্ৰকাশিত।

গুৱাহাটী।



শক ১৮৪৬।

বেচ ॥৶০ দহ অনা মাথোন।

# উচ্ছর্গা

পিতৃতুল্য

পূজনীয় দদাই দেউ

শ্রীযুত হোমেশ্বৰ শৰ্ম্মা কটকীৰ

শ্রীচৰণত

শ্রদ্ধা আৰু ভক্তিৰে

'মুৰলীক'

অৰ্পণ

কৰা গল।

# পাতনি।

অতি হেঁপাহেৰে আৰু আগ্ৰহেৰে 'মুৰলী' প্ৰকাশ কৰা গল। মুৰলীৰ কবিতাবোৰ লিখকৰ বৰ আদৰৰ বস্তু। পঢ়িবৰ সুচলৰ অৰ্থে ইয়াক তিনি ভাগত ভগাই দিয়া হৈছে। দ্বিতীয় ভাগত অনুবাদ কৰা কবিতাবোৰ একেলগে দিয়া হৈছে। ইয়াৰ সৰহ খিনি কবিতা 'উষা', 'বাঁহী', 'আলোচনী', 'কবিতা-লতা', 'প্ৰভাত' আৰু 'চেতনাত' প্ৰকাশ পাইছিল। লিখকৰ এই কাজ কিমান নিখুঁত আৰু শুৱলা হৈছে তাক পঢ়োঁতা সকলেহে ঠাৱৰাব।

শ্ৰীযুত সোনাৰাম চৌধাৰীয়ে মুৰলীৰ কবিতাবোৰ এবেলি চাই দিয়ে আৰু 'প্ৰুফ' আদি শুদ্ধ কৰি দি আমাক সহায় কৰিছে। গতিকে সৰল চিতেৰে তেখেতৰ শলাগ লোৱা হল।

গুৱাহাটী।
১১।১০।২১

বিনীত—
শ্ৰীসৰ্ব্বেশ্বৰ শৰ্ম্মা কটকী।

# অভিমত।

প্ৰবীণ সাহিত্যিক অসমীয়া ভাষা বিজ্ঞানত পৈনত 'সাৰথি', 'সাহিত্য-বিচাৰ', 'আকাশ-ৰহস্য' আদি প্ৰণেতা শ্ৰীযুত সত্যনাথ বৰা বি, এল, ডাঙৰীয়াৰ 'মুৰলী' সম্পৰ্কে অভিমত :—

'মুৰলী' পদ প্ৰবন্ধত লিখা পুথি, শ্ৰীযুত সৰ্ব্বেশ্বৰ কটকীৰ ৰচিত। ইয়াত অনেক বিষয়ৰ কবিতা আছে। কবিতাবিলাক পঢ়িবলৈ শুৱলা হৈছে, ভাষা ৰব উজু, ভাববিলাক সুন্দৰ। 'ৰজাৰ আগত লাছিত ফুকন' আৰু 'মোৰ দেশ' কবিতা দুটি বিশেষকৈ উল্লেখ যোগ্য। পুথিখন লৰাৰ পাঠ্য স্বৰূপে ব্যৱহাৰ কৰিবলৈ উপযুক্ত হৈছে। বোধ কৰো ই অচিৰে আমাৰ স্কুলবিলাকত চলিব।

গুৱাহাটী।
১১।১০।২১

# সূচী।

## প্ৰথম ভাগ।



## দ্বিতীয় ভাগ।

## তৃতীয় ভাগ।



—ঃ*ঃ—




# মুৰলী।

## প্ৰথম ভাগ।

### মোৰ দেশ।

এয়ে সেই মোৰ দেশ অসম নামৰ,
শোভিছে চৌপাশে যাৰ গিৰি মনোহৰ ;
প্ৰকৃতিৰ বাসস্থলী এয়ে মোৰ দেশ,
সৌন্দৰ্য্যৰ কেন্দ্ৰস্থল মহিমা অশেষ ;
শিতানত শোভে সউ গিৰি হিমালয়,
বক্ষ মাজে ব্ৰহ্মপুত্ৰ শোভে পুণ্যময় ;
পৱিত্ৰ সলিল ধৌত এয়ে মোৰ দেশ,
প্ৰণমো প্ৰণমো যাৰ মহিমা অশেষ।

প্ৰতি স্থান প্ৰতি বন মন্দিৰ প্ৰাচীৰ,
জগায় পুৰণি স্মৃতি অসম মাতৃৰ ;
আজিৰ লখীমপুৰ পুৰ্ব্বৰ কালৰ,
আছিল কুণ্ডিল ৰাজ্য ভীষ্মক ৰাজৰ ;
ৰুক্মিণী-হৰণ আদি কন্দৰ লাঞ্ছনা,
ঘটিছিল ই ৰাজ্যতে কতনো ঘটনা ;
লক্ষ্মীদেৱী হন্তে এ'তে ভুঞা বংশধৰ,
সূৰ্য্যবংশী বুলি হল খ্যাত অসমৰ ;
কুবেৰৰ বংশধৰ ছুটীয়া ভূপতি,
শাসিলে ই খণ্ড ভূমি থিতাপি খিয়াতি
কৃষ্ণ-পদ ধূলি পোৱা এয়ে মোৰ দেশ,
প্ৰণমো প্ৰণমো যাৰ মহিমা অশেষ ।

আহোমৰ ৰাজধানী এয়ে ৰঙ্গপুৰ,
বুৰঞ্জী কথাৰে থকা সদা ভৰপুৰ ;
প্ৰবেশে ইয়াতে আহি তেৰ শতিকাতে,
বিক্ৰমী আহোম জাতি পোন প্ৰথমতে ;
অখণ্ড প্ৰতাপে যেয়ে শাসি এই দেশ,
ৰাখিলে ধৰাত কীৰ্ত্তি অসীম অশেষ ;

কত দৌল পুষ্কৰিণী আজিও শোভিছে,
আজিও পুৰণি স্মৃতি কত উদগিছে ;
সতী অভিনয় স্থান এয়ে মোৰ দেশ,
প্ৰণমো প্ৰণমো যাৰ মহিমা অশেষ।

এয়ে সেই মণিপুৰ উলুপীনগৰ,
এয়ে সেই ভীমজায়া হিড়িম্বাৰ ঘৰ ;
ইয়াতেই পাণ্ডৱৰ দৰ্প খৰ্ব্ব হয়,
বভ্রুবাহ ঘটোৎকচ এ'তে জন্ম লয় ;
ইয়াতেই দেৱগণে নাগৰাজ্য পায়,
য'ৰপৰা মণি আনি পাৰ্থক জীয়ায় ;
ইয়াতেই পৰাক্ৰমী কছাৰী জাতিৰ,
এতিয়াও ভগ্ন-শেষ আছে নগৰীৰ ;
মৰাও জীৱন পায় এয়ে মোৰ দেশ,
প্ৰণমো প্ৰণমো যাৰ মহিমা অশেষ।

এয়ে পুণ্য জন্মস্থান শঙ্কৰদেৱৰ,
ভাগৱত-ধৰ্ম্ম-সাৰ স্থল প্ৰচাৰৰ ;

এয়ে সেই চম্পাৱতী মহাভাৰতৰ,
ভক্ত সুধন্বাৰ স্থান হংসধ্বজ ঘৰ ;
ইয়াতে কপিলী গঙ্গা আজিও বইছে,
কপিল আশ্ৰম যত আজিও শোভিছে ;
পুণ্যতোয়া ধৰ্ম্মস্থলী এয়ে মোৰ দেশ,
প্ৰণমো প্ৰণমো যাৰ মহিমা অশেষ।

এয়েই দৰঙ্গ ৰাজ্য আজিৰ দিনৰ,
দানৱৰ ৰঙ্গস্থলী তাহানি কালৰ ;
ইয়াতে শোণিতপুৰ বাণৰাজধানী,
যাৰ কন্যা উষা সতী সৌন্দৰ্য্যৰ ৰাণী ;
ইয়াতেই বৃষ্ণিবংশ লগত শঙ্কৰ,
হই ভকতৰ পক্ষ কৰিলে সমৰ ;
ইয়াতেই আৰিমত্ত আদি নৃপবৰ,
শাসিলে ধৰণী খণ্ড কৰি পয়োভৰ ;
অসম নামেৰে মোৰ এয়ে সেই দেশ,
প্ৰণমো প্ৰণমো যাৰ মহিমা অশেষ।

কামৰূপ এয়ে সেই অতি অতীজৰ,
প্ৰাগজ্যোতিষপুৰ যাৰ আছিল নগৰ ;

ইয়াতে অসুৰ লগে বিষ্ণুৰ সংগ্ৰাম,
ইয়াতে অনঙ্গে পালে অঙ্গ অনুপাম ;
ইয়াতেই ভানুমতী-কন্যা-স্বয়ম্বৰ,
ইয়াতেই ভগদত্ত মহাভাৰতৰ ;
ইয়াতেই মহাপীঠ ভৱানীৰ ধাম,
জগতৰ সেৱাস্থলী নীলাচল নাম ;
-নানা তীৰ্থে ভৰপূৰ এয়ে মোৰ দেশ,
প্ৰণমো প্ৰণমো যাৰ মহিমা অশেষ ।

ইয়াতে ভাস্কৰবৰ্ম্মা আদি নৃপবৰে,
ৰাজ্য কৰি গ'ল পূৰ্ব্বে অতি খিতাপেৰে ;
এ'তে বধূ পতিব্ৰতা বেহুলা সুন্দৰী,
আনিছিল জীৱ দানি পতিক উদ্ধাৰি ;
ই ৰাজ্যতে ঘটে সেই ভীষণ সংগ্ৰাম,
আহোম আৰঙ্গজেৱ মাজে ৰত্তমান ;
প্ৰসিদ্ধ শৰাইঘাটে ৰণাশিক্ষা পাই,
ভাবিলে মোগলে আৰু দেশ জয় ন্যাই ;
দেখুৱালে সেই যুদ্ধে আসাম দেশৰ,
শৌৰ্য্য বীৰ্য্য তেজ সেই প্ৰাচীন কালৰ ;

প্ৰাচীন কীৰ্ত্তিৰে ভৰা এয়ে মোৰ দেশ,
প্ৰণমো প্ৰণমো যাৰ মহিমা অশেষ।

এয়ে সেই গুৱালপাৰ আজিৰ নামৰ,
বিজনী গউৰীপুৰ আদি বিভাগৰ ;
শোভিছে ইয়াতে সেই পদ্মপুৰাণৰ,
সেটাই ধুবুনী ঘাট প্ৰসিদ্ধ নামৰ ;
অসম নামেৰে মোৰ এয়ে সেই দেশ,
প্ৰণমো প্ৰণমো যাৰ মহিমা অশেষ।





# সখিয়তী।

—:○:—

মৰমৰ সখিয়তী,
'সখি ঐ' মাতে মাতি,
যেতিয়া মাতাহি তুমি গছৰ ডালত ;
তোমাক চাবলৈ যাওঁ,
দেখি কত প্ৰীতি পাওঁ,
নানা ভাব কত আহি ওপজে মনত।

তোমাৰ লগত থাকি,
দুখ কথা হিয়া বাকি,
তোমাৰেই সখী হই ফুৰিম বনত ;
নেথাকিব দুখ লেশ,
ধৰিম পখিৰ বেশ,
মুকলিমূৰীয়া হই দেখিম জগত।

নানা দেশ দ্বীপান্তৰ,
ভ্ৰমি ঘূৰি নিৰন্তৰ,
দৰশি জুৰাম মোৰ মানৱ পৰাণ ;
সংসাৰৰ লেঠা এৰি,
নানা লীলা খেলা কৰি,
লভিম স্বৰ্গীয় সুখ কটাম জীৱন।

গছৰ ডালত পৰি,
কি ভাৱত সুৰ ধৰি,
কি সুৰ মিলাই তুমি কিবা গীত গোৱা ?
তোমাৰ ধুনীয়া ৰূপ,
দেখি কেনে অপৰূপ,
মৰমতে পমি যাওঁ কোন তুমি কোৱা।

কোন বিশ্বখনিকৰে,
কিবা তুলি ধৰি কৰে,
আঁকিলে তোমাৰ ৰূপ মনমোহা কই ;
বোধ কৰোঁ নিজানত,
বহি তেওঁ মনোমত,
সজাই পৰাই দিলে এনেকুৱা কই ?

শুনাহে বিহঙ্গবৰ,
এনে সুমধুৰ স্বৰ,
কোন বিশ্বখনিকৰে দিলেহে তোমাক ;
পামনে পামনে দেখা,
আছে নে কি ভাগ্যে লেখা,
দিবনে অমিয়া স্বৰ দিবনে আমাক ?

শুনা মৰমৰ পখি,
ক'তনো এবিলা সখি,
কাকনো বিচৰা তুমি ইনাই বিনাই,
অনাই বনাই ফুৰা,
গছ গছান্তৰে ঘূৰা,
ক'তেবা তোমাৰ সেই সখিয়াৰ ঠাই ?

ক'তনো আছিলা এৰি,
নেপাই বনত ঘূৰি,
বিচাৰিছো আহি তুমি মানৱৰ ঠাই ;
তুমি হে বিৰহী পখি,
ক'তনো এৰিলা সখি,
ক'তনো তোমাৰ সখি আছেনো লুকাই ?

তোমাৰ শুৱলা মাত,
শুনি পৰে হিয়া শাঁত,
নিতউ আহিৱা তুমি ইদৰে মাতিব ;
তোমাকেই চাই মই,
সখিৰ স্থানীয় হই,
সাজু হই ৰম সদা সমিধান দিব ।

ফুফুৰিবা তুমি পখি,
বিচাৰি তোমাৰ সখি,
নহবা কাতৰ তুমি বিৰহীৰ দৰে ;
তোমাৰ দেখিলে দুখ,
নেথাকে মনত সুখ,
পৰাণ কাতৰ হয় বিননীয়া সুৰে ।

উৰি আহি কথমপি,
মোৰ কাষতেই থাকি,
সখি বুলি মাতিলেই দেখা আহি দিম ;
নেথাকিব দুখ লেশ,
দৰ্শিলে তোমাৰ বেশ,
লগে ভাগে দুয়ো থাকি দুয়ো উমলিম।





## আছে নে মনত ?

—:০:—

মৰমৰ প্ৰিয় সখি আছে নে মনত,
কোমল তানৰ সেই মাধুৰী সুৰত,
গাইছিল কোনে বহি আমাৰ কাষত,
শুনিছিলোঁ কাণপাতি কেনে উলাহত।
আছে নে মনত ?

ধাননিৰ মাজে গই কোনে গাঠি লানি,
আনিছিল বাচি বাচি ধানৰ সিহনি,
নানা দুখ কষ্ট সহি লাজুকী বনত,
কোনে ফুৰিছিল হেৰা ! আমাৰ লগত।
আছে নে মনত ?

পথাৰে সমাৰে গই কত ফুৰিছিল,
মকুৰা সেলেকু আজি কত তুলিছিল,
পছুম মোলাম আনি কত উলাহত,
কোনেবা দিছিল তুমি আমাৰ হাতত।
আছে নে মনত ?

বগা বঁদ গাত লই কোনে ফুৰিছিল,
পখিলাৰ পাচে পাচে কোনে খেদিছিল,
চৰাই পোৱালী পালে টোপ যাচিছিল,
যতনে সজাত ভৰি কোনে ৰাখিছিল।
আছে নে মনত ?

দুপৰীয়া হলে আহি খৰলৈ ঘূৰি,
গা-মুখ ধুইছিল নাছুৰি সাঁতুৰি,
একে পাতে একে লগে বজে খাইছিল,
একেৰিও দুখ যেন মনত নাছিল।
আছে নে মনত ?

সাজি কাচি ফুৰিছিল গধুলি পৰত,
এবা এৰি নহৈছিল বাট কি ঘৰত,
ডিঙি ধৰাধৰি কৰি কত মৰমেৰে,
হাঁহিছিল ফুৰিছিল কত উলাহেৰে,
হঠাতে লুকাল দেখোঁ গল কলৈ কত,
ধৰিবনে লগ বাক পুনু জনমত ?

হবনে মনত ?





## ভোমোৰা ।

—:○:—

কাৰনো স্ৰজনা,
ভোমোৰা কলীয়া,
কোনেনো পঠালে তোক ?
কি ভাব মনত,
আছে নে ভোমোৰা,
সুধিলে কবিনে মোক ?

তই আছ বুলি,
কেতেকি ভগৰে,
হাঁহি হাঁহি থাকে চাই,
নহা দেখিলেই,
বিষাদ মনেৰে,
লেবেলি শুকাই যায়।

গোকুত বলিয়া,
তোমোৰা কলীয়া,
বিহৰ চাৰিও পিনে,
সাদৰি ফুলক,
আদৰে সাৰটি,
মৰম কৰছি দিনে।

এৰি গলে তই,
ফুলে চাই থাকে,
আকুলিত হই মন,
বান্ধিব নোৱাৰি,
নিজৰ মনক,
উৰি আছ ঘনে ঘন।

দোক মোকালিতে,
উৰি উৰি ফুৰ,
নেভাব ভাগৰ মনে,
গুণ গুণ সুৰে,
গান কৰি ফুৰ,
ফুল মউ চুহি বনে।

ফুলে হেপাহতে,
বাতি হুপুৱাতে,
ফুল জক্‌মক্ কৰি।
ফুটি ফুটি থাকে,
গোন্ধৰ লহৰা,
অপূৰ্ব্ব জেউতি ধৰি।

যদিও মানুহে,
নেচাই তোমোৰা,
গঢ়পিত দেখি তোৰ,
তথাপিতো তোৰ,
গুণ গুণ ৰৱ,
কাণত বাজেহি মোৰ।

মনত—ঘনাই,
মোৰ ইচ্ছা হয়,
লগত ফুৰিব তোৰ।
কিন্তু তোৰ ভাব,
লাহবাহ দেখি,
ভাবোঁ তোক বুলি চোৰ

বলিয়াৰ দৰে,
চাৰি দিশে ঘূৰ,
অবাবত কাট দিন,
নেভাব নিচিন্ত,
নেসাঁচ একোকে,
নেদেখো ভালৰ চিন।

নেলাগে আহিব;
কাষলৈ মোৰ,
নেচাও ভোমোৰা তোক,
অবুজা ফুলক,
ভুভুলা বলিয়া,
ভুভুলাবি আহি মোক।

## —— মুৰলী ——

কোনে সৰজিলে,
তোক অ' কলীয়া,
থান্ ঠিত্ হীন কৰি,
নেলাগে কৰিব,
গুণ গুণ ৰৱ,
অকলৈ থাকিম পৰি।



## নিশাৰ চিন্তা।

—:*:—

অন্ধকাৰ অমানিশা গহীন চাৰিও পিনে
নিতাল শুণো কোনো বাও,
মাথোঁ ডাক্ নিয়তীৰ মাজে শুনো একেবাৰ
বুজিব নোৱাৰো আও ভাও।

ইহেন গহীন নিশা কি ভাব মনত আজি
ঘনে ঘনে হইছে উদয় ;
নিদ্ৰাদেৱী আজি কিয় নাহে মোৰ কাষ চাপি
কোনে কত ৰাখিছে লুকাই।

"ঘনে ঘনে হৃদিস্তৰ কঁপি উঠে ঠৰ্ ঠৰ্
সিয়ঁৰিছে প্ৰতি লোম গাৰ ;
বিতত হইছে প্ৰাণ হেৰাল চেতন জ্ঞান
নাই যেন ই ভয়ৰ পাৰ।

মন্দ্ৰৰ গভীৰ স্বৰে সম্বোধি উত্তৰ দিলে
শূন্যে থাকি কোন শূন্যবাদী ;
"নিচিন্তা নকৰা ভয় শুনা কথা দুখময়"
নুবুজিলোঁ আও ভাও আদি।

অন্ধকাৰ ভেদ কৰি এই কথা কেইষাৰি
যেই আহি কাণত সোমাল ;
নোৱাৰি থাকিব স্থিৰে উঠি চালো চউদিশে
নেদেখিলো কতেৰা লুকাল।

কিন্তু কৰি সম্বোধন স্বধিলো কাকুতি কৰি
কোন তুমি, কোন দিগবালা,
সান্ত্বনা বচন কই জুকলা জুপুৰা প্ৰাণে
উদ্বিগ্নতা কিয় আনি দিলা ?

করুণ বচনে পাছে মোৰ ই বিননী শুনি
এইদৰে দিলে পৰিচয়।
"মাতৃভাষা অসমৰ আছিলো সৰ্ব্বতিকাল
কিন্তু আজি হীনবেশা মই।

"সমুন্নত হিমগিৰি শিতানত থিয় হৈ
এতিয়াও সেইদৰে আছে ;
সেই ঘাট বিন্ধ্যগিৰি এতিয়াও আছে থিৰে
এতিয়াও সাগৰ বাৰিছে ;

"এতিয়াও পুণ্যতোয়া গঙ্গা, সিন্ধু, কৰতোয়া,
নৰ্ম্মদা, কাবেৰী, গোদাবৰী,
অবিৰাম গতি ধৰি সাগৰক লক্ষ্য কৰি
বহে নিতে দিবা বিভাৱৰী।

"এতিয়াও কাশী, কাঞ্চী, কুৰুক্ষেত্ৰ, প্ৰভাসাদি
পুৰী, কামৰূপ, তীৰ্থস্থান,
হৰিদ্বাৰ, ৰামেশ্বৰ, ত্ৰিবেণী, মথুৰা স্থান
বিৰাজিছে বৃন্দাবন ধাম।

"ই সকল আছে স্থিৰে ভাষা নাই একেদৰে
মাতৃভাষা দিনে আগুৱায়,
নকৰে উন্নত কিয় আধুনিক মাতৃভাষা
অসমীয়া কিয় পিছুৱায়?

"নেচাই নেমেলে আঁখি কি গভীৰ বস্তুবাজি
আছে মোৰ বুকুত লুকাই,
অতীতৰ সাহিত্যত কি চহকী অসমীয়া
চোৱা চোৱা নয়ন জুৰাই।

"এতেকতে উদগাওঁ বাণীৰ সেৱক দল
উঠা সবে উঠা কাচি পাৰি ;
দিয়া মোক গাঁথি গাঁথি হেপাহেৰে পিন্ধো মই
কণ্ঠমালা এধাৰি এধাৰি।"





# ৰজাৰ আগত লাছিত ফুকন।

——ঃ*ঃ——

ৰজা—

অতি বেজাৰৰ কথা অতি অসহনি,
কিহেতু মাতুল-ঘাতী হলা জানি শুনি ?
পিতৃ স্বৰূপ তোমাৰ মোমাই দেউতা,
বিবেকী পুৰুষ যাৰ কৰ্ম্মনিপুণতা,
দৰশি সন্তুষ্ট যত ৰাজ-কৰ্ম্মচাৰী,
ভবিষ্য নুগুণি কিয় হলা অনাচাৰী,
নাজানি নুশুনি কিয় ক্ৰোধান্বিত হলা,
অবাবতে কিয়বা মোমাইক বধিলা ?

ফুকন—

সৰ্গদেউ ! কৰ্ত্তব্যাকৰ্ত্তব্য জ্ঞান আছে শৰীৰত,
মতিভ্ৰষ্ট হোৱা অযথা ক্ৰোধত ;
অতি মৰমৰ মোৰ মোমাই দেউতা
পূজনীয় তেওঁ মোৰ স্বৰ্গগত পিতা ;
সিজনৰ কথা মোৰ পৰিলে মনত।
ফাটি যাব খোজে বুকু শোকৰ বেগত।
নাছিল অকণো তেওঁত কুচ্ছুট কপট,
মৰমতে পমিছিল দুখীৰ দুখত,
বধিলো এনুৱা মই মোমাই দেউতা,
নাই মোৰ জীৱনত আৰু সাৰ্থকতা।
নৰবধী, গুৰুবধী, মহাপাপী মই,
নাপাম নহব মোৰ নৰকতো ঠাই।

নহয় শোকৰ কাল, ৰজাৰ বিচাৰ—
মাতুল বধৰ যুক্তি দৰ্শোৱা ইবাৰ ;
প্ৰাণদণ্ড শাস্তি মাত্ৰ হাতত ৰজাৰ,
জানাতো ক্ষমতা নাই আন বিষয়াৰ ?
কেতিয়াবা কোনোজনে অসম ৰাজ্যত,
বধে কাকো বদিবাও অতীৱ দোষত,

যথোচিত দণ্ড তাৰ আছে এই ৰীতি,
জানাতো অসম ৰজাৰ তুমি দণ্ড নীতি ?
নকৰি অপেক্ষা তুমি ৰজাৰ বিচাৰ,
ৰাজনীতি লঙ্ঘনে দোষী তুমি আৰু বাৰ।

ফুকন—

জাতিত মানুহ মই, নহওঁ অমৰ,
দুখ সুখ নিদ্ৰা ভয় আছে জীৱনৰ ;
অনুতাপ পৰিতাপ ঘটে জীৱনত,
হকা-বধা জন্মাবৰ কোনেবা শকত ?
ৰাজনীতি অসমত বিহে যি প্ৰকাৰ,
কোষ, দণ্ড, অৰ্থ, নীতি, নানা বিভাগৰ,
ছয় গুণ তিনি শক্তি সিদ্ধ ও উদয়,
জানো মই ৰাজনীতি সকলো নিশ্চয়।
ৰাজ-আজ্ঞা ৰাজনীতি কৰিলে লঙ্ঘন,
অথবা উদ্ধত হলে নকৰি পালন,
চকু কঢ়া পিঙ্গত দিয়া অতি গুৰুতৰ,
জ্ঞানাজ্ঞান আছে মোৰ বিধান দণ্ডৰ।

তথাপিতো সৰ্গদেউ নৃশংসৰ দৰে,
বধিছোঁ মাতুল মোৰ আপোন হাতেৰে ;
কৰিছোঁ ৰাজ্জী হাত মোমাই তেজেৰে,
নিৰ্দ্দয় নিষ্ঠুৰ মই পিশাচৰ দৰে।

ৰজা—

দোষীজনে সমুচিত লাগে দণ্ড দিব,
কণ্টক বিহীন ৰাজ্য লাগেতো কৰিব ?
ভ্ৰাতৃ-নিৰ্ব্বিশেষে প্ৰজা পালন কৰাটো,
ৰাজধৰ্ম্ম-নীতি তুমি অৱশ্যে জানাতো ?

ফুকন—

লাছিত ফুকন নোহে অভক্ত ৰজাৰ,
মইমত উন্ডগুলি নাই শৰীৰৰ ;
ৰজাৰ আদেশ সদা লওঁ মূৰ পাতি
অ'হেলা অবজ্ঞা কিম্বা নকৰো কদাপি ;

মোমাই বধিও ৰাজ আদেশ পালিছোঁ,
ৰাজনীতি সৰ্ব্বভাৱে অক্ষুণ্ণ ৰাখিছোঁ।
নিজৰ দেশক ৰক্ষা সদায় কৰাটো,
নহয়নে ৰাজ-আজ্ঞা ৰাজনীতি ইটো।
দেখিলো যেতিয়া মই "সীমামূৰী গড়"
নহব সম্পূর্ণ সজা ৰাতিৰ ভিতৰ—
মোমায়েও কলে "বোপা! আৰু আশা নাই,
ভাগবিল লোক যত, দোষ কাৰো নাই।"
ৰাখিব জনমভূমি পৰা শত্ৰুৰ,
বধিলো মোমাই মই হাতেৰে নিজৰ—
নুশুনো ওজৰ কোনো মোমাই তোমাৰ,
নালাগে তোমাক বুলি মাজত আমাৰ।
এনুৱা ভীষণ দৃশ্য দেখি কৰ্ম্মীবোৰে,
ৰাতিতে সমাধা গড় কৰিলে বলেৰে।
অসমৰ ৰাজলক্ষ্মী নহলে পুৱাতে,
দুৰ্ঘোৰ লাঞ্ছিতা হয় দেখিলো থিতাতে।
পৰাজিত শত্ৰুদল শৰাই ঘাটত ;
নহলে নঘটে ইটো অসম ভাগ্যত।
কটা নাই মোমাইক উচ্চ পদ পাব,
মৰা নাই মোমাইক আখেজ পূৰাব ;

বধা নাই মোমাইক গুপ্ত শত্রু ভাবি,
অথবা সন্দেহ কবি বজাব বিবোধী।
শত্রুব হাতত পুৰা ৰাখিব দেশক,
উদ্যোগী নহল বুলি কাটিলো মোমা'ক ;
মাতৃভূমি অসম মোৰ জীৱনদায়িনী,
বব ভাল পাওঁ মই বীৰ প্ৰসবিনী ;
মৰিও জনম যেন অসমত ধৰোঁ,
অসমৰ জল বায়ু সেবি যেন মৰোঁ।
পৰম পুণ্য মোৰ দেশতকৈ নিজৰ,
নোৱাৰে মোমাই হব কদাপি ডাঙৰ !
কৰ্ত্তব্য অৰথে কাজ কৰি আছো জানো,
জাতি-মিত্ৰ ভেদাভেদ নাৰাখি অকণো ;
ৰাজনীতি অনুসৰি যদি দোষী তেন্তে,
বিহক কঠিন দণ্ড অভিৰুচি মতে।

বজা—

শলাগো কৰ্ত্তব্য-নিষ্ঠা ফুকন তোমাৰ,
অতি বুদ্ধিমন্ত তুমি গুণৰ আধাৰ।
স্বদেশৰ সেৱা মাত্ৰ ব্ৰত জীৱনৰ,
বুজিছো পালিছা ত্ৰুটি নকবি যত্নৰ।

মহান্ পুৰুষ তুমি অতি বাহুবলী,
তোমাৰ যোগান ধৰোঁ কিদৰে কি বুলি ?
সাদৰ সম্ভাষে মাথো ফুকন বিষয়া,
ঘোৰ সমস্যাত তুমি মোৰ লগৰীয়া ।





# ৺দামোদৰদেৱ।

—:•:—

প্ৰকৃতিৰ লীলাভূমি জননী অসম ভূমি
স্বৰ্গাদপি গৰীয়সী সৌন্দৰ্য্য আধাৰ ;
তোমাতে আশ্ৰয় কৰি, তোমাতে জনম ধৰি
কত জনে লভি গল নাম গৌৰৱ।

উদিল কতনো সূৰ্য্য লভি নানা শৌৰ্য্য-বীৰ্য্য
বিতৰি কিৰণমালা অসম প্ৰান্তৰে ;
পৰ্ব্বত কন্দৰে কৰি ধ্বনি অতি ভয়ঙ্কৰী
ৰাখি গল নাম পুণ্য মৰ্ত্ত্যৰ ভিতৰে।

জোৰেহি ৰেতিয়া দেশ        হুই নানা সমাবেশ
অধৰ্ম্ম অন্যায় আৰু নানা বিধ ভাব ;
'অধৰ্ম্মক ত্যাগ কৰা        ধৰ্ম্মত আশ্ৰয় ধৰা
বুলি কত মহাজনে সাধি যায় বাব।'

সিদৰে অসম মাজে        পোৰুৰ শতিকা ভাগে
উদিল পুৰুষ মহা দেৱ দামোদৰ ;
পৱিত্ৰ বৈষ্ণৱ ধৰ্ম্ম        প্ৰচাৰি নিগূঢ় মৰ্ম্ম
হল নিজ গুণে পূজ্য মাজে জগতৰ।

চাৰিও দিশতে ধৰি        প্ৰজাক বিস্তাৰ কৰি
পৱিত্ৰ বৈষ্ণৱ-ধৰ্ম্ম-সাৰ যতমান ;
গোটেই অসম জুৰি        প্ৰজাক বিভোল কৰি
গোৱালে মধুৰ কণ্ঠে হৰি-গুণগান।

যাৰ আজ্ঞা শিৰে ধৰি নানান প্ৰবন্ধ কৰি
ভট্টদেৱে বিৰচিলে কথা ভাগৱত ;
কৰিলে চহকী ভাষা অসমৰ নৱ আশা
আদৰ্শ দেখাই গোনে গন্ত ৰচনাত।

"দেৱ !
প্ৰচাৰি নিষ্কাম ধৰ্ম্ম সমাধি কৰ্ত্তব্য কৰ্ম্ম
বোৱালা ভক্তিৰ সোঁত অসম প্ৰভাৱ ;
ভাগৱত সাৰ ধৰ্ম্ম বিতৰি নিহিত মৰ্ম্ম
ভকত বৎসল হলা তুমি দামোদৰ।

"ধৰ্ম্মবীৰ, কৰ্ম্মবীৰ দেৱ, তুমি হুয়ো বীৰ
মহাশক্তিশালী তুমি গুণৰ নিধান ;
ধৰ্ম্মতে গঠিত তুমি, ধৰ্ম্মতে বিভোল তুমি
অসীম অতীৱ তুমি ধৰ্ম্মপৰায়ণ।

"নবকুল শ্ৰেষ্ঠ দেৱ,  গুণৰ আকৰ দেৱ,
নোৱাৰি বৰ্ণাব তযু মহিমা একোৰে ;
অদ্যাপিও আছে জ্বলি  অসম-কানন ভূমি
অহৰহ আমোদিত তব সৌৰভেৰে।

"কিহেৰে পূজিম দেৱ,  কিহৰ বা যোগ্য আমি
অভাজন, অপাত্ৰ, অকৃতী সন্তান ;
ভক্তি-ভাৱে কৰোঁ মাথোঁ  চৰণত সেৱা তব
লোৱাঁ অনুগ্ৰহি দেৱ নাই আৰু আন।"





# শোক-গীতি।

—:*:—

গায়কা কোনেনো সন্ধিয়া বেলিকা
কি গীত কি সুৰ ধৰি,
বীণৰ নিকুট সুৰে আহি মোৰ
নিয়ে মন প্ৰাণ হৰি।

কি ভাব মনত লইবা কোনে
ক'ত নো বজায় বীণ ;
বীণৰ লগত কোমল কণ্ঠৰ
সুৰটো হইছে লীন।

ভালকৈ ওনাই গুনোতে ছুনাই
আকুল কৰিলে প্ৰাণ ;
আকুল পৰাণা শোকত মগনা
জননী কন্দিছে গান ।

ঘৰৰ দুৱাৰ বইছে মুকলি
বিষাদ কালিমা ভৰা ;
জননীৰ লগে আকুল পৰাণে
বিষাদে কান্দিছে ধৰা ।

হেৰালে অসমে আনন্দ মুকতি
পণ্ডিত আনন্দ ৰাম,
তেওঁ লগ ধৰি গ'ল আনে এৰি
হেম, গুণাভিৰাম ।

কৰ্ণেল শিৱই এৰিলে অসম
গ'ল পুত্ৰ জগন্নাথ ;
মাণিক লুকাল কাল সাগৰত-
কৰিলে ধৰা অনাথ।

কাৰ মুখ চাই জননী অসমে
জুৰাব একেৰি দুখ ;
নাই লম্বোদৰ নাই লক্ষেশ্বৰ
ভাষাৰ উজ্জ্বল মুখ।

লইছে বীণাটী বিষাদ মনেৰে
গাইছে শোকৰ গীতি ;
শুনিলেই হায় বুকু ফাটি যায়
হব খোজে চিতাচিতি।

কোনে আদৰিব        জনম ভূমিক
জনাব অসম নাম ;
সুদূৰ স্বৰূপে        সংস্কৃত বিলাৰ
কাক আৰু পুছু পাম ?

ভাষাৰ অস্তিত্ব        কোনোনো ৰাখিব
ঢেকিয়াল ফুকন নাই ;
কাশিনাথ গল        গুণাভিৰাম নাই
বুৰঞ্জী কোনেনো চাই !

দেহি অ' পুতাই        নাপাওঁ হুনাই
সিহঁত আগেয়ে গ'ল ;
হৰনে কোনোবা        ধৰিবনে পিছ
যি বোৰৰ চিন ৰ'ল ?

ব'ল চিৰকাল                মানস-পটত
পুত্ৰ শোক ভয়ঙ্কৰ ;
ধৰি শোক বীণ                গাম এই দৰে
ভাবি মোৰ অথন্তৰ ।





# কবি ৰবীন্দ্ৰনাথ ।

—:○:—

শলাগোঁ, আদৰোঁ সন্মানো তোমাক
বঙ্গমুকুট ৰবীন্দ্ৰ তুমি ;
কুবি শতিকাৰ কবি শিৰোমণি
কবি ৰবীন্দ্ৰ কবীন্দ্ৰ তুমি ।

দেখিলে ভাবতে দেখিলে জগতে
জ্ঞান গৰিমা প্ৰভাৱ তোমাৰ,
মানিলে লভিলে সাৰ্থক জগতে
গুণৰ যহতে হেৰা তোমাৰ ।

জ্বলিছে বেড়াইছে ভাবত ববি
ভাবত কত দীন আশায় ;
ভাবিছে শুণিছে লেখিছে মনত-
ন ন পুত্র বেগাই ঘনাই ।

গুণী, মানী, দানী, কবি ববি তুমি
অশেষ অসীম শক্তিশালী ;
ভোগী, সুখী তুমি নিজ উদ্দেশ্যত
তুমি প্রখর প্রতিভাশালী ।

তুমি কবিবব গৌবৱ জাতিব
গৌবৱ বিশ্ব ভূমণ্ডলব ;
গৌবৱ পৱিত্র প্রকৃতি দেবীব
গৌবৱ বিহঙ্গ কুবঙ্গব ।

"নবেল প্রাইজ"          অধিকাবী হলা
ইবেলি তুমি ববি কর্বিবব ;
ভাবত ভাগ্যত          ন দিন ঘটালা
তুমি বাণীকৃপাপ্রাপ্ত বব ।

পূজিম তুমিম          কিহেবে ধবিম
ই মহান তব কীর্তিমান ;
আন্তবিক শ্রদ্ধা          ভক্তি অনুবাগ
বিনে সম্বল আছে কি আন ।





# দ্বিতীয় ভাগ।

——:*:——

## প্রফুল্ল মানৱ।

( L' Allegro—Milton )

আঁতৰ বিষাদ মোৰ, ঘৃণাৰ আধাৰ
জন্ম তোৰ মাজনিশা, কুকুৰ-পেটত
বৈতৰণী পাৰত, দেখি বিভীষিকা
যত অতি ভয়লগা ; কৰ অন্বেষণ ;

মানৱ অজ্ঞাত স্থান ঘোৰ অন্ধকাৰ
য'ত ঘোৰ অন্ধকাৰে বিস্তাৰে কুহক
কিম্বা য'ত থাকে যম ডাকিনী
গগন উধোৱা কৰি বিকট আব্যৱ।
থাক্ তাতে গৈ কৃষ্ণ কেশ তুল্য ঘোৰ
অন্ধ গহবৰত, নজনা নেদেখা ভাৱে।

কিন্তু আহা দেবি, অমিয়া আনন্দ!
স্বৰ্গত তোমাৰ নাম সুনন্দা সুন্দৰী।
জন্মিছা প্ৰেমৰ যোগে আসক্তি গৰ্ভত
মৰতত বোলে লোকে প্ৰীতিৰ প্ৰতিমা,
শ্ৰদ্ধা শান্তি দুটি ভনী তোমাৰ লগৰী।
কাৰো মতে কাম ৰতি পিতৃ মাতৃ তব
জন্মিলা সুন্দৰি, তুমি সুখত মগন
আছিল বেৰিয়া সেই জনক জননী
মলয় বতাহ লই নন্দন বনত।
আনা শীঘ্ৰ কৰি দেবি তোমাৰ লগত,
স্বৰ্গীয় বিনন্দ সুখ নানা উপভোগ।

মিচিকিয়া হাঁহি আনা মুখত তোমাৰ
যি অমিয়া হাঁহি শোভে অনঙ্গ মুখত
স্মৰপ্ৰিয়া ৰতি যদি আছে কাষলই
গোলাপী গালত সানি আনন্দ জেউতি।
আনা আৰু আনা দেৱি তোমাৰ লগত
আনন্দ কৌতুক মিশ্ৰ ক্ৰীড়া নানাবিধ
আনা চিত্তচিন্তাহাৰী আনন্দ লহৰী
হাঁহিৰ নিজৰা ব'ক শুকান প্ৰাণত।
আহা উলাহত নাচি সুকোমল পদে
খঞ্জন গমন ধৰি অতি লয়লাসে।

আগকালে আনা দেৱি, পাৰ্ব্বত্য অপ্সৰী
স্বাধীনতা—জীৱন তোষিণী, আৰু দেৱি
যথাযোগ্য কৰোঁ যদি সন্মান তোমাক
কৰি লোৱা অনুগ্ৰহি তযু অনুচৰ ;
কৰোঁ বাস আনন্দত স্বাধীনতা লই
তোমাৰ সৃঙ্গত ৰঙ্গে অমিয়া সুখত
মগ্ন ৰ'ক মন মোৰ চিৰদিন ধৰি।

শুনিম অমিয় গীত ভৰত পক্ষীৰ
উৰিব যেতিয়া আহি জগাই নিশাক
লক্ষি বিমানত থাকি উষা আগমন
আকউ আহিব নামি গীত গাই গাই
কৰিবহি সম্ভাষণ খিলিকিত মোৰ
সুপ্ৰভাত বুলি কৰি দুখ নিবাৰণ
নিকুঞ্জে ভুমুকি মাৰি অান্ধাৰ মাজেদি।

কুকুৰাই ডাক্ দিব পুৱাতে যেতিয়া
দূৰিব এধাঁৰ ঘোৰ মাতিব উষাক,
গহীনাই খোজ ধৰি কুকুটা সঙ্গত
আহাৰ বিচাৰি যাব ভঁৰাল মুখত,
চিকাৰীয়ে যাব দলে ফুকাৰি শিঙাক,
নিজন্মাল উপত্যকা কৰি নিনাদিত,
চিকাৰী কুকুৰ লই পৰ্ব্বত কাষত
জগাই নিদ্ৰিত উষা দূৰি কুহেলিকা।
আনন্দে ফুৰিম নাচি অদৃশ্য স্থানত
দেবদাৰু বৃক্ষতলে পৰ্ব্বত দাঁতিত

যি কালত পূৰ্ব্বদ্বাৰ কৰি উদঘাটিত,
তৰুণ তপনে ধৰে গতি ধীৰে ধীৰে,
সেন্দুৰীয়া কহনেৰে হই সুসজ্জিত
নানা সাজে মেঘমালা ক্ৰমে লগ ধৰে ॥

দূৰত কৃষকে আহি সুছৰি বজাই
মনৰ আনন্দ চহে খেতিৰ মাটিক,
গোপবালাবোৰে গায় নাম জাত জাত,
গৰখীয়াই লেখ কৰে পালৰ গৰুক
চৰিব দিবৰ আগে গছৰ তলত।
কল্পনা ৰথত উঠি এনেকই মই
ভাবি থাকোতেই নানা হঠাৎ চকুত
নতুন আনন্দ ঢউ খেলাব ধৰিলে
যিমান দূৰলৈ মোৰ চকু যাব পাৰে :—
হৰিত তৃণৰ ক্ষেত্ৰ শুকান প্ৰান্তৰ,
তৃণলোভী জীৱবোৰে ৰঙ্গে ভ্ৰমে যত ;
উলঙ্গ পৰ্ব্বতবোৰ যাৰ বুকে আহি
লবি ফুৰা মেঘবোৰে জিৰণি লভেহি,

বন মল্লিকাৰে পূৰ্ণ নয় উপবন,
ক্ষুদ্ৰ জলাশয়বোৰ বিস্তৃত তটিনী,
ওখ গছৰ মাজত মূৰ তুলি থকা
ৰাজহুৰ্গ আদি মোৰ চকুত পৰিল।
বোধ কৰো সেই ঠাই সৌন্দৰ্য্যনিবাস
সমীপ বাসীৰ হই চকুৰ জুৰণি।

ওচৰৰ বুঢ়া বট হুজুপি মাজত
যি পঁজাটি দেখা যায়, তাৰ পৰা ঘনে
ওলাইছে ধোঁৱা। ধনি মণি ছয়োটিৰ
দেখাদেখি আজি তাত নৱান্ন মেলত ;
শাকেপাতে বন্ধা সাজ পৰিপাটিকই
ৰঙ্গিলী লাহৰি হাতে বিলাইছে ৰঙ্গে :
খাইবই লৰালৰি ঘৰ এৰি যাব
ধান কাটিবলৈ বুলি গিৰিহঁত লগে।

আছিৰ মূৰত লই ধানৰ ডাঙৰী
গধূলি আনন্দ মনে আকউ ঘৰলৈ।

পৰিল চকু আকউ গ্ৰাম্য কুটীৰত
বিমল আনন্দ যত সদাই বিৰাজে
বিশেষ যেতিয়া ঢোল বিহু আনন্দত
টিমিকি টিমিকি তালে বাজে পথাৰত
অথবা বাঁহীৰ দীৰ্ঘ সুমধুৰ তান,
লগে ভাগে গ্ৰাম্য যত ডেকা ডেকেৰীয়ে
চকা চকা ছাঁত গই আঁনন্দত নাচে;
কচলীয়া ব'দ লই লগালগি যায়
বুঢ়া ডেকা পথাৰলৈ খেলাৰৰ বাবে
ন ন সাজ পিন্ধি উৰি আনন্দিত মনে।
বেলি পৰালৈকে থাকি খেলপথাৰত,
আহে ঘৰলৈ পুনু হৰষিত মনে।
কোনে খায় পিঠা পনা কোনেবা ফটকা।

জুহাল কাষত বহি নানা মেলপাতে
যথ বীৰা ভুতুনীয়ে কত কেনেকই
কোন ডেকেৰীক নিলে গছত তুলিলে,
কাক কত আছুৰিলে টোপনিত আহি,
কাক কেনেকই কত ভু হেকৱাই

লই ফুৰিছিল বাট অবাটে ঘূৰাই,
কাক উকা জুয়ে আহি আগচি ধৰিলে,
কোন যখে মানুহৰ দৰে সাজি কাচি
কেনেকৈ ৰাতিটোতে দহোটা মৰণা
মাৰি থৈ শুলে পৰি জুহাল কাষত,
তাৰ পাছে থাই বই দোক মোকালিতে
কুকুৰাৰ ডাক শুনি উঠি শুছি গল।

ভূত সাধু শেষ হল, বিছনাত গই
শোরে সকলোৱে পৰি জুৰ বা লগাই।
হৰ্ম্ম্যাদি শোভিত লোকপূৰ্ণ নগৰীয়ে
আনন্দ অনেক দিয়ে নিশাৰ কালত—
কোনো ঠাইত সভা মেলা নানা উৎসৱ,
কৰবাত মালযুজ হয় নানামত,
উচ্চ ৰাজ-পদধাৰী ভদ্ৰমণ্ডলীয়ো
বিলাস সাজেৰে সাজি নানা পয়োভৰে
মানিনীৰ লগলাগি যোগদান দিয়ে।
তৰ্কত যুক্তিত কিম্বা বীৰত্ব কৰ্ম্মত
জয়লাভ কাৰো যদি হয় সমাজত

মানিনী-হাতৰ পৰা লভে পুৰস্কাৰ,
বিলাস কটাক্ষে যাৰ নৰ বশীভূত
আৰু যাৰ মীমাংসাত সকলো সম্মত।
এনে নগৰীত যদি বিবাহ দেৱতা
প্ৰবেশ কৰেহি যদি ৰক্ত বস্ত্ৰে সাজি
হাতত মহলা লই কৰি আড়ম্বৰ,
তেনেহলে নগৰীয়েঁ আৰু নাচি উঠে।
কোনো ঠাইত বৰযাত্ৰী নানা পয়োভৰে
উৎসৱ ৰঙত যায় কন্যাৰ ঘৰলৈ।
কোনো ঠাইত লেহ্য, পেয়, চৰ্ব্ব্য, চোষ্য আদি
নানা উপাদেয় আৰু ভোজ্য আয়োজন;
কত নাচ ৰাগ আৰু ভাওনাৰ ঢঙ্গ
যুবক কবিৰ মনত কি সুন্দৰ দৃশ্য
ঘনে জাগি উঠে, ক্ৰমে যদি অকলই
তটিনী তীৰত, যত জলদেৱীবোৰে
গ্ৰীষ্ম সময়ত লয় সান্ধ্য-সমীৰণ।

কোনো দিন ডেকাবোৰে লগালগি হই
যায় নাট্যশালালৈ দৰ্শিব আগ্ৰহে

কৃতী লিখকৰ নাট অথবা কবিৰ
বাতি যদি ৰজনাট্যত হয় অভিনয়।
যি নাটত আছে ভৰা আদি অন্ত জুৰি
আনন্দৰ উৎস কিম্বা হাঁহিৰ নিজৰা,
কিম্বা মধুৰ কণ্ঠে নায়ক নায়িকাই
মন-বিমোহন গীতে তোষে শ্ৰোতাবৃন্দ।
হ'ক মগ্ন মোৰো মন সি মধুৰ গীতে
যি গীতে স্বৰ্গীয় সুৰ ললিত লহৰী
হৃদয়ৰ চিন্তা আৰু উদ্বিগ্নতা দূৰি,
শান্তিৰ বিমল জ্যোতি দিয়ে খন্তেকতে,
মনৰ অবোধ্য আৰু ক্ষীণ ক্ষীণতৰ
ক্ৰমে ক্ষীণতম গতি ললিত ঝঙ্কাৰে
দীৰ্ঘ সুশৃঙ্খল তানে মায়ামুগ্ধ যেন
হৃদি আত্মা ভেদি কৰে চিন্তাহীন প্ৰাণ।
কৰ্ণৰ ভিতৰে গই অন্তৰ প্ৰবেশি
আনন্দ যি গীতে তোলে স্তৰে স্তৰে বহি
ৰোমাঞ্চিত কৰি তুলি গোটেই শৰীৰ।
যি গীতত মুগ্ধ হই স্বৰ্গীয় দেৱতা
দিলে প্ৰাণদান সাধ্বীসতী বেউলাৰ
প্ৰাণোপম পতি সাউদ চাঁদ পুত্ৰৰ।

পাবা যদি দেবি দিব ইবোৰ আনন্দ
ইচ্ছা কৰোঁ তোমা সতে লগত বঞ্চিব।





# অনাহাৰে সজাত মৰা চৰাইৰ খেদ ।*



আছিলোঁ এদিন হাঁয় মুকলিমূৰীয়া ;
বন ফলমূল খাই আছিলোঁ সুখীয়া ।
নির্ম্মল শীতল জল কৰিছিলোঁ পান ;
গছৰ ডালত বহি গাইছিলোঁ গান ।
কত আনন্দত হাঁয় আছিলোঁ মগন ;
নিজৰ ৰূপকে চাই জুৰাই নয়ন ।
বিতোপন ফিচাগছি কত যতনত ;
শোভিছিল মোৰ এই সুঠাম দেহত ।

---

* ইংৰাজী কবিতাৰ ভাঙনী ।

হায় কিন্তু হল মাথোঁ বৃথায় ধাৰণ ;
নাই আৰু ডেউকাৰ সুন্দৰ বৰণ।
নাই ফিচাগছিটো যে সুন্দৰ জেউতি ;
অনিত্য সকলো গ'ল কৰবালৈ উটি।
মানৱ হাতত বন্দ ধৰা পৰি মই ;
সজাতে ভোকত মৰোঁ কোনে ঘূৰি চায়।
এৰি এই কাৰাগাৰ যায় ক্ষুদ্ৰ প্ৰাণ ;
হে বিভু! কৃপা কৰি দিয়া শান্তি দান।
শলাগোঁ মানৱ মই কৰম তোমাৰ ;
কৰিলা জীৱন অন্ত ক্ষুদ্ৰ পৰাণৰ।
ইহ জীৱনৰ দুখ হল উপশম ;
মুক্তি পাম আছে এক মহা সুখধাম।





# মেঘৰ প্ৰতি যক্ষৰ সম্বোধন।

( মেঘদূত—কালিদাস )



নিজৰ কৰ্ত্তব্য কৰাৰ কাৰণে
কোনো যক্ষে আওহেলা,
নিৰ্ব্বাসিত হল বছৰেক লই
সহিব বিৰহ জ্বালা।

শ্ৰীহীন হই শুকাই ক্ষীণাই
আমন্ জীমন্ কই,
চিত্ৰকূট নামে পৰ্ব্বতত বাস
কৰিলে যক্ষই গই।

কণকৰ থাক    পৰিল স্খলকি
যক্ষৰ শুকাই হাত,
মেঘ আষাঢ়ৰ    পহিলাতে যক্ষে
দেখিলে পৰ্ব্বত গাত।

যিদৰে কুঞ্জৰে    ভাঙিব দন্তেৰে
কেৰ পাতে নদী-পাৰ,
দেখিলে যক্ষই    সেইদৰে থকা
মেঘ পৰ্ব্বতৰ গাৰ।

মেঘক দেখিয়ে    যক্ষই মনত
ভাবিলে নানান কথা,
শোকে খুন্দাখুন্দি    লগালে হিয়াত
গুঁৰবি বিৰহ ব্যথা।

মানৱ প্ৰাণত    মেঘ দেখিলেই
কত ভাব আহে যায়,
বিৰহীৰ মন    হব যে আকুল
তাৰতো কথাই নাই।

শাওণৰ মাহ পৰোতে এদিন
ভাবিলে মনত যক্ষই,
কুশল বাতৰি পঠাওঁ প্ৰিয়ালৈ
মেঘকে আশ্ৰয় কই।

চিঙিলে নতুন কুটজ কুসুম
পানীৰে সৈতে হাতত,
সম্ভাষণ কৰি প্ৰণয় বাক্যেৰে
বুলিলে যক্ষে মেঘক।

ভুবন বিখ্যাত পুষ্কৰাৱৰ্ত্তক
কুলত জন্ম তোমাৰ,
কামৰূপী তুমি ইন্দ্ৰ কৰ্ম্মচাৰী
পূজনীয় মেঘবৰ।

বিধি বিপাকত তযু সমীপত
খোজনীয়া মই আজি,
গুণীৰ ওচৰত নিগুণীতকৈ
খোজাতো প্ৰকৃত বিধি।

সন্তপ্ত জনৰ শৰণ কেৱল
হেৰা মেঘবৰ তুমি,
নিয়াছে বাতৰি প্ৰিয়ালৈ মোৰ
বিৰহীক দয়া কৰি।

গন্তব্য তোমাৰ অলকা নগৰী
যেন মৰকত খনি,
প্ৰাসাদ সমূহ জ্বলি আছে যত
জ্বলে যেনকৈ মণি।

যেতিয়াহে মেঘ উৰিব ধৰিবা
বতাহ আশ্ৰয় কৰি,
আস্ত ব্যস্ত কৰি স্বামী অহা বুলি
চাব যত পুৰনাৰী।

বিহৰা তোমাক দেখি কোনে পাৰে
থাকিব প্ৰিয়াক এৰি,
পৰৰ অধীন নহলে কোনোৱে
নেথাকে নেথাকে এৰি।

অনুকূল বায়ু  বলিছে বেতিয়া
মঙ্গল যাত্ৰা সূচাই,
কৰিছে কূজন  চাতকে যেতিয়া
বাওঁ কালে থাকি বহি।

কৰিব নিশ্চয়  তোমাৰ শুশ্ৰূষা
নয়নৰ তৃপ্তিকৰ,
শ্ৰেণীবদ্ধ হই  বলাকা বিলাকে
গৰ্ভাধান সুখকৰ।

যাওঁতে যাওঁতে  দেখিবাহে মেঘ
তযু ভ্ৰাতৃজায়া সতী,
গণি পৰি থকা  আছেনো কিমান
বিৰহৰ দিন বাকী।

কুসুম কোমল  অঙ্গনাবোৰৰ
প্ৰেমৰ হৃদয় খনি,
পুনৰ মিলন  আশাতেহে মাথোঁ
থাকে যেন্ তেন্ কৰি।

তোমাৰ গৰ্জ্জন        গহীন গম্ভীৰ
শুনিলে মনত আছেঁ,
হৰ বসুন্ধৰা        শস্যেৰে পূৰ্ণা
ইবেলি অশেষ ভাবে।

শ্ৰুতি সুখকৰ        সেই ধ্বনি শুনি
ৰাজহংসবোৰ উৰি,
কৈলাস পৰ্য্যন্ত        হেৰা মেঘবৰ
যাব তযু লগ ধৰি।

কৰা আলিঙ্গন        সেই পৰ্ব্বতক
পৰম বন্ধু তোমাৰ,
আছে চিহ্নিত        পূজ্য ৰাঘবৰ
পদ মেখলাত যাব।

প্ৰত্যেক বছৰ        বাৰিষা কালত
মিলন দুয়োৰো হয়,
টোকে চকুপানী        বাষ্পেৰে পৰ্ব্বত
বহুদিন অন্তে পাই।

শুনাহে জলদ প্ৰথমতে তুমি
তোমাৰ পথৰ দিহা,
শুনিবা পিছত খবৰ-বাতৰি
আছে নিবলগা যিবা।

লাগিলে ভাগৰ পৰ্ব্বত টিঙ্গত
জিৰাবা খন্তেক পৰ,
কায় ক্ষীণ হলে কৰিবাহে পান
নিৰ্ম্মল শীতল জল।

উঠিছে চোৱাছো ইন্দ্ৰ ধেনু সেই
বল্মীক স্তূপৰ পৰা,
আছে মানে ৰত্ন সকলোতকৈ
তাৰহে জেউতি চৰা।

পাব শোভা তয়ূ শ্যামবৰ্ণ তনু
তাৰ সংসৰ্গত থাকি,
ম'ৰা পাখি সৈতে শোভে যেনেকই
বিষ্ণু গোপবেশধাৰী।

গ্ৰাম্য বধূ সবে　　কৃষিকৰ্ম্ম ফল
হয় বুলি তযু গুণে,
সৰল মনেৰে　　চেনেহ চকুৰে
চাবহে তোমাৰ পিনে।

মাজ ভূমিত গই　　চহোৱা মাটিত
বৰষি সুগন্ধি কই,
আহিবা উত্তৰে　　পশ্চিমৰ ফালে
অলপ আঁতৰ হই।

বৰষি জুমোৱা　　দাবানল বুলি
সাদৰে তোমাক মেঘ,
আম্ৰকুটে দিব　　মূৰত আশ্ৰয়
ভাগৰিলে তনু দেহ।

সামান্য জনেও　　স্মৰি উপকাৰ
মিত্ৰৰ শুশ্ৰূষা কৰে,
মহৎ জনৰ　　উদাৰ মনৰ
অন্যথা কি হব পাৰে।

ফল পকি থকা আমগছবোৰে
বঢ়াইছে শোভা যাৰ,
শ্যামল কুন্তল বৰণীয়া মেঘ
উঠিবা শৃঙ্গত তাৰ।

শোভিব সি গিৰি পয়োধৰ ৰূপে
তোমাক শিৰত লই,
চাব যাৰ শোভা অমৰ দম্পতী
মনত হৰিষ কই।

কিৰাতৰ স্ত্ৰীৰ বিহাৰৰ স্থল
নিকুঞ্জ মাজত ৰ'বা,
বৰষি সলিল কৰি লঘুকায়
পুনু বেগেৰে লৰি যাবা।

বিন্ধ্য পৰ্ব্বতত দেখিবা গৈ তুমি
ক্ষীণা ৰেৱা বই যোৱা,
মাতঙ্গৰ গাত যিদৰে দেখি
ভূতি ৰেখা আঁকি থোৱা।

## মুৰুলী

আমোল মোলীয়া　　　হাতী-হিমেজুৰে
জম্বু-কুঞ্জ-মাজে বই,
আহিছে বি·নীৰ　　　কৰিবাকে পান
মোৰ পূৰ্ণ দেহ হই।

দেহ শুক হলে　　　নোৱাৰে পৱনে
কৰিবকে লটি ঘটি,
গুৰুৰ সন্মান　　　লঘুৱাৰে নাই
জানিবা প্ৰকৃত নীতি।





# অলকাৰ বৰ্ণনা।

—:*:—

( মেঘদূত—কালিদাস )

অলকাত নিতে গছে গছে ফুলে
অসংখ্য অলেখ ফুল,
কৰে মধুপান বিহৰি গুঞ্জৰি
মত্ত হৈ অলিকুল।

পদ্মে ভৰপূৰ আছে সৰোবৰ
ৰাজহংস তাত চৰে,
ঘৰুৱা ম'ৰাই কেকাৰৱ কৰি
ঘনে ঘনে চালি ধৰে।

তাত গাভৰুৰ ধুনীয়া পদুম
হাতত সদাই বেহু,
অলকত কুন্দ আননত ৰঙা
লোধ্র ফুলৰ ৰেণু।

খোপাৰ আগত নব কুৰবক
শিৰিষ পুষ্প কাণত,
বাৰিষা কালৰ কদম্ব কুসুম
সদা শিখৰ আগত।

আনন্দৰ মাথোঁ আছে অশ্রুধাৰ
নিৰানন্দ নাই তাত,
দুখ কষ্ট নাই আৰু আন একো
বিনে কন্দৰ্পৰ তাপ।

প্ৰিয়জনে তাত নকৰে কলহ
প্ৰণয় কলহ বিনে,
ডেকা কাল ভিন্ন আন কাল নাই
জানি লোৱা মেঘ মনে।

স্ফটিক নিৰ্ম্মিত ৰম্য হৰ্ম্ম্যতলে
কুসুমে মণ্ডিত থকা,
নক্ষত্ৰ সদৃশ উজ্জ্বল সুন্দৰ
দেখিবা প্ৰাঙ্গণ পকা।

ধীৰে ধীৰে তাত বাজিলে মৃদঙ্গ
ক্ৰীড়া কৰি নানা মতে,
মধুপান কৰে যক্ষ যুবাগণে
ৰূপসী বণিতা সতে।

মন্দাকিনী তীৰে মন্দাৰ গছৰ
ছাঁয়াত যক্ষৰ বালা,
বহি শাৰী শাৰী মনত হৰিষে
কৰে নানা লীলা খেলা।

একো একোবাৰ সোনালী বালিত
আঙ্গঠি লুকাই থই,
বিছাৰে কোনেনো উলিয়াব পাৰে
সবাৰো আগত কই।

নানা মেঘমালা শ্যাম বৰণীয়া
বতাহ আশ্ৰয় কই,
পশি সপ্তশালী ঘৰ মনোহৰ
অলকাপুৰীত গই।

ভিতৰত থকা বিবিধ চিত্ৰক
মলিন বেগতে কৰি,
কুদ্ৰাক্ষ বাটেদি আছে যাছিব হৈ
অনুক্ৰমে লালি ধৰি।

বাৰবনিতাৰ সঙ্গত সদাই
ধনী কামী যক্ষবোৰে,
বৈভ্ৰাজ নামেৰে ফুলনিত ফুৰি
প্ৰেমালাপ নানা কৰে।

কিন্নৰীবিলাকে সুৰদি মাতেৰে
কুবেৰৰ যশোগীত,
নিতে গাই থাকি উলাহ মনেৰে
হৰি নিয়ে মন চিত।

কুবেৰৰ বন্ধু সাক্ষাত শঙ্কৰ
থাকে তাত বিত্তমান,
যাক ভয় কৰি মন্মথে কদাপি
নামাবে মদন বান।

কিন্তু কামিনীৰ ভ্রুভঙ্গ নয়ন
বিলাস কটাক্ষ পাত,
মদনতকই অতি কাৰ্য্যকৰী
মাজত ৰক্ষৰ তাত।

বাহুক বনীয়া ধুনীয়া কাপোৰ
নানা অলঙ্কাৰ পাতি,
লাক্ষাৰস আৰু আমোল মোলীয়া
বিলাসৰ বস্তু আদি।

মনৰ জোখাৰে তৰহে তৰহে
দিন ৰাতি সমভাগে,
যক্ষ নাৰীগণে কল্পতৰু হন্তে
পায় যত বস্তু লাগে।

—:*:—



## যক্ষৰ ঘৰ নিৰূপণ।

—:○:—

( মেঘদূত—কালিদাস )

কুবেৰ গৃহৰ উত্তৰৰ পিনে
দেখিবা আমাৰ ঘৰ,
বামধেনু-দৰে পচুলি শোভিছে
নিলগৰে পৰা বৰ।

প্ৰিয়াৰ হাতৰ এজোপা মদাৰ
আছে ওচৰতে তাৰ,
ফুলেৰে ওপচি হাতেৰে পোৱাতে
হই আছে জাতিস্কাৰ।

চালে চকুৰোৱা ঘৰৰ আগত
আছে সৰোবৰ এটি,
কণক কমল দেখিবাহে মেঘ
মৰকত-খটখটি।

কৰে খেলি মেলি সাঁতুৰি নাছুৰি
হাঁহবোৰ তাত বই,
তুমি যোৱা দেখি উভাউল হব
আপোন পাহৰা হই।

ইন্দ্ৰনীলমণি খচিত শৃঙ্গেৰে
সেই সৰোবৰ জুৰি,
ৰমণীয় আছে পৰ্ব্বত এখনি
সুবৰ্ণ কদলি বেৰি।

কৰি থাকে তাত অতি হেপাহেৰে
বিহাৰ প্ৰেয়সী মোৰ,
বিজুলীৰ সতে তোমাক দৰশি
সুৰবিহোঁ কথাবোৰ।

নেপাহৰা যেন হেৰা মেঘবৰ
কলো কথা যতবোৰ,
শঙ্খ-পদ্ম মূৰ্ত্তি অঙ্কিত চিহ্নেৰে
সিৰপিৰা ঘৰ মোৰ।

দেখিবা সি ঘৰ মলিন হইছে
মই নথকাৰ গুণে,
পদুমে নিশ্চয় হেৰুৱায় নিজ
শোভা দিনমণি বিনে।

শীঘ্ৰগতি ধৰি যাবলই তুমি
কৰি শিশু যেন হুষ্ট,
ক্ৰীড়া পৰ্ব্বতৰ শৃঙ্গৰ আগত
আনন্দে বহিবা গই।

কোমল শীতল কবি ক্ষীণ অতি
তথু বিত্যুতৰ দৃষ্টি,
আলয়ত মোৰ পেলাবাহে ধীৰে
যেন খদ্যোতৰ দীপ্তি।





# যক্ষৰ প্ৰিয়াৰ বৰ্ণনা।

—:*:—

( মেঘদূত—কালিদাস )

চকোৱাৰ মতে এৰাএৰি হই
থকা অতি মৰমৰ,
সেই প্ৰিয়া মোৰ দ্বিতীয় পৰাণ
জানিবা হে মেঘবৰ ;
পাই মনকষ্ট প্ৰিয়াই মলিন
নিশ্চয় হইছে চাগে,
যি দৰে নলিনী নিয়ৰ কোবত
লেবেলে নিশাৰ ভাগে।

কান্দোতে কান্দোতে জানোচা প্ৰিয়াৰ
উখহিছে চকু দুটি,
হা-হুমুনিয়াৰে নাযাই দুপুৱা
হই থাকি দিন ৰাতি ;
আউলী বাউলী চুলি তাৰি সতে
শোক দুখ নানা পাই,
ডাৱৰে আগুৰা জোনটীৰ দৰে,
পৰিছে মলিন হায় ।

দেখিবা প্ৰিয়াক দেৱপূজা কৰা
নাইবা যতনে অঁকা,
বিৰহত জহা মোৰ ই ছবিটী
প্ৰবাসত কষ্টে থকা ;
নতুবা সুধিছে পিঁজৰাত থকা
মাতলোৱা ভাটৌটীক,
"পৰেনে মনত মোৰ স্বামী লই—
পাইছিল ভাল তোক ।"

দেখিবা অথবা ফুল কিটিমান
গণা এটি এটি কৰি,
জানিবলৈ বাকী বিৰহৰ মাহ
প্ৰবাসৰ দিন ধৰি ;
দেখিবা প্ৰিয়াই কল্পনাত যেন
সঙ্গসুখ ভোগ কৰে,
পতি বিৰহত ৰমণী জাতিয়ে
তোষে মন এই দৰে।

দিনৰে দিনটো কাম কৰা গুণে
নহয় কাতৰ প্ৰিয়া,
কিন্তু নিশা হলে বিৰহৰ শেলে
বিন্ধে অবিৰত হিয়া ;
সেই গুণে মেঘ উজাগৰে থকা
ৰাতিহে প্ৰিয়াক গই,
কৰিবা হুবিধ জনাই বাতৰি
খিলিকি মুখত বই।

খুজিলে চাবলৈ চন্দ্ৰৰ কিৰণ
চেনেহৰে দৃষ্টি কৰি,
মুদ যায় চকু দেখিবা প্ৰিয়াৰ,
শোকে আহি চেপি ধৰি ;
স্থল কমলিনী থাকে আধাফুলি
ঢাকি থলে মেঘে বেলি,
শোকত প্ৰিয়াই থাকে চকুজুৰি
আধা মুদি আধা মেলি।

বান্ধিছে যি খোপা ফুলমালা এৰি
বিৰহ দিনৰ পৰা,
শাপ অন্ত হলে উন্মুক্তিত হব
যি অলক মোৰ দ্বাৰা ;
বেণীগুঠা সেই মিহি চুলি তাৰ
গালত ওলমি পৰে,
চন্দ্ৰকলা যেন নখেৰে প্ৰিয়াই
আঁতৰাই বাৰে বাৰে।

দেখিবা প্ৰিয়াক ৰেজাৰ মনেৰে
অলঙ্কাৰ পাতি এৰি;
বিৰহ কষ্টত বিছনাত থকা
ইলুটি সিলুটি কৰি ;
জৰিব তোমাৰ অশ্ৰুবিন্দু হায়
সেই দুখ দেখা পাই,
দয়ালু হৃদয় আনৰ দুখত
মৰমতে পমি যায় ।

তোমাৰ সখিৰ কোমল হৃদয়
মোতে অনুৰক্ত জানি,
কৈছোঁ এনেবোৰ বিৰহৰ কথা
নিজ মনে ভাবি গুণি ;
দম্ভ মাৰি কোৱা বুলি নেভাবিবা
কলো অত কথা যাৰ,
হেবা সহোদৰ নিজে গই পাবা
প্ৰত্যক্ষ প্ৰমাণ তাৰ ।

নিদ্ৰাত মগন যদি প্ৰিয়া থাকে
হে মেঘ এপৰ ৰবা,
নিশবদে থাকি নিদ্ৰাসুখ তুমি,
শাঁতিবে লভিব দিবা ;
কৰিছে জানোচা আলিঙ্গন মোক
স্বপ্নত প্ৰিয়াই পাই,
সুঠে যেন মেঘ এই হে মিনতি
প্ৰিয়াই চমক খাই।

জলবিন্দু ভৰা মলয় পবন
মেঘ ধীৰে ধীৰে বলি,
জগাবা প্ৰিয়াক সাদৰে যোগাই
নতুন মালতী কলি ;
বিজুলীৰ ছাতি লুকাই বুকুত
গুৰ্ গুৰ্ শব্দ কৰি,
খিলিকি মুখত কৰা প্ৰেয়সীক
ইদৰে সম্বন্ধ ধৰি।

হে সধবা সতি মই জলধৰ
জানিবা স্বামীৰ সখি,
সমাচাৰ লই তোমাৰ ভৰ্ত্তাৰ
আহিছো ই ঠাই আজি ;
প্ৰেমিকাবালাৰ কথা কেশভাৰি
মেলাৰ উৎসুক যি,
মোৰ শব্দ শুনি ঘৰলই যাব
লৰালৰি কৰিব সি।

শুনিলে ই কথা হেপাহেৰে চাব
প্ৰিয়াই তোমাৰ পিনে,
মাৰুতি বাক্যত জনক তনয়া
মৈথিলী হৈছিল যেনে ;
কোৱা কথাবোৰ শুনিব প্ৰিয়াই
একাণপতীয়া হই,
অতি তৃপ্তিকৰ স্বামীৰ বাতৰি
জানিবা মানিনী লই।

——:*:——

# জীৱনৰ মিছা অহঙ্কাৰ।

—:○:—

( Vanity of life—Prior. )

জ্বলি থকা জুই হন্তে ধোঁৱা উঠি যেনে
খন্তেকতে শূন্যে মিলি যায়,
বতাহ আশ্ৰয় কৰি মেঘ যেন উৰে
খন্তেকতে আকাশ আবৰি,
সিদৰে দুদিন মাত্ৰ মানৱ জীৱন
খন্তেকতে হই যায় ক্ষয় ;
দুদিন এদিন মাথো জিৰণি দেহত্
খন্তেকতে ছাৰ্খাৰ্ হয় ॥

সকলোৰে সমভাগী মৃত্যু শয্যাখনি
পাবা তুমি যতে ততে নৰ,
মিছাতেই আছে বুলি মান যশ হেৰা
নকৰা নিজৰ কৰি বৰ,
কৃপণৰ কৃপণালি আৰু অহঙ্কাৰ
মৃত্যু হলে লয় হই যায় ;
মই ধনী মানী বুলি নকৰা গৰব
নিদিয়া মৃত্যুক হেৰা লায় ॥

নিজকেই বৰ ভাবি সময় নিয়াই
নেথাকা নেথাকা তুমি বই,
অমৰ নোহোৱা তুমি মৰিব লাগিব
কৰা কাম শক্তি অনুযায়,
পুৱাতে সুৰুজ উঠি সন্ধ্যা অস্ত যায়
সাধি নিজ কৰ্ত্তব্য দিনত ;
পুনৰ কৰ্ত্তব্য স্মৰি দেৱ দিবাকৰে
দেখা দিয়ে পুনু আকাশত ॥

তেন্তে তুমি নিজে নিজে কিয় বৰ ভাবা
কৰিছা তোমাৰ নিজ কাম,
নিজতেই ব্যস্ত মাথোঁ আছা দিন ৰাতি
কৰা নাই আনৰ সকাম,
নিজ নিজ কাম লই নোহোৱা গৰবী
উচ্চ নীচ নেভাবা মনত ,
মৰণ শৰণ কৰি ঘণে আগবাঢ়ি
কৰা কাম সদা অবিৰত ॥

পুৱাতে ফুলফুলি ওৰে দিনলই
চাৰি দিশে সৌৰভ বিলায়,
পাতে জক্‌মক্ হৈয়ো গছলতিকাই
জাবকালি লতা পুনৰায়,
লভি কত ৰূপ গুণ কেনে নম্ৰভাৱে
থাকে সদা কিয়নো নোচোৱা ;
একেজন খনিকৰ গছকি তোমাৰ
তেন্তে হেৰা কি বিশেষ কোৱা ?

মানৱ তোমাৰ নাম সিবোৰ তিৰিন
অহঙ্কাৰী বেচি তুমি হোৱা।
চঞ্চল মনক তুমি নোৱাৰা বান্ধিব
যদিও মানৱ-ধুলি কোৱা॥





# তৃতীয় ভাগ।

—:•:—

## কল্পনা।

মানৱ ৰাজ্যৰ     ক্ষুদ্ৰ হৃদয়ত
বিহৰিছ সদা তই ;
কিবা বস্তু তই     এই জীৱনত
নিচিনিলোঁ তোক মই।

নিমিষতে তোল     নিমিষে বুৰাৱ
নিমিষে জুৰাৱ প্ৰাণ ;
নিমিষতে পুহু     আনন্দে ভৰাৱ
মহিমা বুজাই টান।

নিমিষতে ভ্ৰম                    স্বৰগ পাতাল
পৰ্ব্বত, গহীন বন ;
সুমেৰু কুমেৰু                    জনহীন মৰু
নেথাক থিৰেৰে ক্ষণ।

অপাৰ সাগৰ                    পাৰ তই হই
অজান দেশলৈ গই ;
মন পূৰ কৰি                    আকৌ আহ ঘূৰি
থাকহি কাষতে ৰই।

নিমিষতে তই                    ফুলে ফুলে পৰি
ভোমোৰাৰ লগে ভ্ৰম ;
নিমিষতে তই                    পখিলাৰ দৰে
নাচি নাচি ফুল চুম।

নিমিষতে তই                    আকাশত ঘৰ
আকাশত চাং পাত ;
কৰি থান্‌বান্‌                    নিমিষতে তই
ভাবুকি দেখাৱ কত।

নিমিষতে হব        ৰাজৰাজেশ্বৰ
নিমিষতে মগনীয়া ;
নিমিষতে ভোগী        নিমিষতে যোগী
নিমিষতে লঘোনীয়া ।

নিমিষতে তই        আস্তিক সাত্বিক
নিমিষতে ধৰ্ম্মপ্ৰাণ ;
নিমিষতে তই        নাস্তিক বব্বৰ
নাই পাপ পুণ্যজ্ঞান ।

নুবুজোঁ নুবুজোঁ        তোৰ ই মহিমা
নিচিন্তোঁ নেভাবোঁ তোক ;
তোৰ মই মোৰ        নোৱাৰো ধৰিব
কিন্তু তই নেৰ মোক ।





## উদগনি। [২]



সউ স্বৰগত উষাৰ জেউতি
জিলিকিছে লাহে লাহে,
সৃষ্টি পাতনিত নামিছে কিৰণ
সংসাৰ আনন্দে ভাহে।

উঠা ভাই মিলি কৰো কোলাকুলি
নৱবৰষৰ দিন,
হিংসা কপটতা এৰি হেৰা আজি
দেখুৱা মিলৰ চিন্।

উঠিছে জগৎ নবীন উছাহে
আহিছে নতুন দিন,
ক্ৰমিক উন্নতিত জাগৰ কৰ্ত্তব্য
সোধোৱা প্ৰকৃত চিন্।





## দয়া

মিলন গাঠনি তুমি শান্তিৰ নিজৰা
চেনেহ প্ৰতিমা সংসাৰৰ,
জ্বলন্ত অগ্নিক তুমি নুমোৱা বেগতে
এই মহা ভীষণ ক্ষেত্ৰৰ।

গোঁটেই জগত জুৰি তুমিয়ে ধৰণী
তোমাতেই সকলোৰে আশ,
আজি এৰি গলে তুমি তপত বালিত
দেই পুৰি হব সৰ্ব্বনাশ।





## জ্ঞান।

হৃদয় তন্ত্ৰীত        নানান ভাৱেৰে
বিহৰিছ দিন ৰাতি ;
তোৰ অবিহনে        মানৱ জাতিৰ
নেথাকে গৌৰৱ ভাতি।

তয়ে মাথোঁ বস্তু        মানৱী কায়াত
সকলো কাজৰে মূল ;
তোৰ শকতিৰে        তয়ে অবিৰাম
হৰিছ সকলো ভুল।

তয়ে মাথো এক        তোৰ বলতেই
যশ মান লভে নৰে ;
তয়েই শিক্ষক        তোৰ বুজনিতে
শোক তাপ পৰিহৰে।

ভয়ে মাথো বল ভয়েই উৎসাহ
দয়ামায়া হৃদয়ত ;
ভয়ে মাথো গুৰু তোৰ উপদেশে
পাপক ৰাখে দূৰত ।

মহতী শকতি মানৱ ৰাজ্যত
ভোগ কৰি আছ তই ;
সুখে দুখে সদা সকলো সময়
থাক যেন লগ হই ।

## সুখ।

কিবা কল্পনাৰ অচিন্ত্য শকতি
কোনেকৈ মনত আছে,
কাৰ্য্য কাৰণত সকলো ভাৱতে
সুখৰ কণিকা হাঁহে।

বননি মাজৰ ৰম্য কানন
কুলু কুলু তান ধৰা,
তটিনী সুন্দৰী প্ৰকৃতি জীয়ৰী
সকলোতে সুখ ভৰা।

উষা সজিয়াৰ বঙ্গা সূকজৰ
বাঙলী কিৰণ ছাতি,
কিবা নৱভাৱে তৃপ্তি নয়নৰ
সাধিছে দিবস ৰাতি।

চাওঁতে এবাৰ ঘূৰ ভাঙ্গি নিশা
সুন্দৰ নীলিমা ফালে,
মন্দাকিনী মাজে অসংখ্য তৰাই
আনন্দ-অমিয়া ঢালে।

বদৰ তাপত ক্লান্ত হলে দেহ
পিওঁতে স্ফটিক জল,
জহৰ কোবত চেঁচুলী বিউৰা
সুখৰে মাথো সজল।

আনন্দে উৎসৱে বন্ধুৰ লগত
পাতোঁতে এবাৰ কথা,
সুখৰ লগৰী মিলন সুন্দৰী
থাকে আতিকই গঁঠা।

ঘৰ এৰি বাজ          যাব ওলাওঁতে
মাতৃৰ সাদৰী মাত,
বিদেশত থাকি          স্বদেশৰ কথা
ভাবোঁতে হৃদয় শীত।

বিশ্ব-নিয়ন্তাৰ          কল্পনা ৰাজ্যত
কল্পনা কতনো কৰি,
কল্পিত দ্রব্যৰ          সুখৰ অংশক
অশেষ ভুগিব পাৰি।






দূখৰ আশ্ৰয়, সুখৰ আশ্ৰয়, আপদ বিপদ কতৰ ;
স্থল মিলনৰ, স্থল চেনেহৰ, পিতৃমাতৃ বন্ধুজনঁৰ।
সাদৰী মাতৰ, চেনেহ ভাৱৰ, আদৰ সম্মান কতৰ ;
একমাত্ৰ ঠাই, নিজৰ ঘৰটী, সদাই আপোন ভাৱৰ।

সুবুজে কোনেও, চেনেহ ঘৰটীৰ, নহলে এবাৰ বাজ ;
দূৰলৈ নগৈ, ঘৰতে থকাটো, নহয় জ্ঞানীৰ কাজ।
ৰজা লাখপতি, বাটৰ ভিখাৰী, সমান সকলো ভাৱত ,
আপোন ঘৰটীৰ, সুখৰ ভাৱটী, উঠেহি যেতিয়া মনত।

——:*:——



## বন্ধু আৰু অবন্ধু।

—:*:—

দেখাত বেলেগ প্ৰাণ অভিন্ন হৃদয় কিন্তু
দুখ সুখ সমভাগী বিজন কথায় ;
যেতিয়া অপায়ে পায় দুহাতে আঁকোলি লয়
তেওঁহে অকল মাথোঁ বন্ধু নাম পায়।

বাহিৰৰ মউমাতে বিষৰ সদৃশ ভাৱে
যিজনে মনক তোষে নানা তৰহেৰে ;
বিপদে পৰিলে যেয়ে মেলানি মাগেহি ঘনে
বৃথা বন্ধু নাম তেওঁ সংসাৰত ধৰে।

—:•:—



# আশা

যেতিয়া নাবিক ঘূৰি মহাসাগৰত পৰি
নেপায় পাৰৰ দিশ বিচাৰি বিচাৰি ;
কোন ঠাই লক্ষ্য কৰি যায় পূৰ্ব্ব ঠাই এৰি
তৰিলোঁ ইবাৰ বুলি নৱ আশা ধৰি ।

সুখৰ কণিকা লাগে তেতিয়া মনলৈ আহে
আশাৰ বেণুটী বাজে মৃদু তান ধৰি ;
যেন আকাশত ফুটি বাওলী সূকজ উঠি
পোহৰ কৰেহি ধৰা অন্ধকাৰ হৰি ।

উৎকট ৰোগৰ ৰোগী অসহ্য যাতনা ভুগি
চট্‌ফট্‌ কৰে কত বাগৰি জুগৰি ;
ত্নখৰ চিন্তাই জুৰি মাৰেহি অন্তৰ পুৰি
আহি যেন ক'লা মেঘে গগন আৱৰি।

সকাশ পৰিলে লাহে সুখৰ কণিকা হাঁহে
আশাৰ বেণুটী বাজে নৱ সুৰ ধৰি ;
যেন জলাবে আহি সোনোৱালি ৰেখ হাঁহি
পোহৰ কৰেহি যেন অন্ধকাৰ হৰি।

নীচলা ত্নখীয়াজন নাই যাৰ খুদকন
কোৰোকা পাত্রটী লই লাহে খোজ ধৰে ;
কান্ধৰ জোলোঙাখন তাৰো যেন ৰোহ মন
হাতৰ লাখুটি দালি সিও সৰি পৰে।

গৃহস্থৰ কেতেবীয়া কৰাইচৰ খন্তেকীয়া
সহে কত ভাল-বেয়া ঘূৰি ঘৰে ঘৰে ;
তেতিয়াও আশা বেণু পুলকিত কৰে তনু
জোলোঙা ভৰাই লাহে লাহে খোজ ধৰে।

সংসাৰৰ জুয়ে পুৰি        জুকলা জুপুৰা কৰি
মাৰে দিনে দিনে হায় সংসাৰী জীৱক ;
প্ৰতিপলে ভাৱ হয়        কিয় মোৰ জীৱৰয়
দিনেৰাতি গালি পাৱে "অধৰ্ম্মী যমক"।

তেতিয়াও হৃদয়ত        আশাৰ বেণুটী বাজে
যদি দেখে সংসাৰৰ সুখৰ চমক ;
একোতে নেযায় এৰা        আশাৰ মেঠনি মৰা
সুখে দুখে সদা ভৰা এই সংসাৰক।

কি বুজিবা নৰ তুমি        আশাৰ ই লীলাভূমি
আশাতেই বন্ধগই পৰিছা মোহত ;
ক্ষণিক শান্তিৰ বাবে        আছা সদা নানাভাৱে
নেজানা ভাহিছা কত সংসাৰ সোঁতত।






আছেনে জীৱন বাৰু মৃত্যুৰ পিছত,
জানোনে কাৰণ তাৰ কিবা যথাৱত ?
আছে নাই ছুই উত্তৰ মৰতত কয়,
সি পুৰীৰ পৰা হলে কোনোৱে নকয় ?
যদি নাই তেন্তে ভাল নাই আহুকাল,
প্ৰবৃত্তি সোঁতত জীৱন যাওক যতকাল ;
নকৰোঁ নাসাচোঁ পুণ্য সিটো জনমলৈ,
অযথাতে কিয় কথা ভাবোঁ নিলগলৈ !
যদি আছে ৰাজ্য এক পুণ্যৰ লেখৰ,
ঘটে জানো দুৰ্গতি মানৱ ভাগ্যৰ ;
নকৰোঁ নাসাচোঁ কিয় কৰম পুণ্যৰ,
জীৱনে মৰণে হব সাৰথি লগৰ ।

—:○:—

অস্তু ।

